শ্রীশ্রীশঃ

# রামনবমী নাটক।



শ্রীগুণাভিরাম শর্ম্ম

প্রণীত।

কলিকাতা।

দাস এণ্ড সন্স যন্ত্রালয়ে মুদ্রিত।
নং ৪০, মদনবড়ালের লেন, ওয়েলিংটনষ্ট্রীট

১৮৭০ খৃঃ অব্দ।

শ্রীশ্রীশঃ

# ভূমিকা।

ইংৰাজী ১৮৫৭ সনত মই যেতিয়া কলিকাতার পরা আপোন মাতৃ ভূমিলৈ আহোঁ, বাটত এই রামনবমী নাটক খানি রচনা করিছিলোঁ। পাছত সময়ে সময়ে অরুণোদয় সম্বাদ পত্রত ই মুদ্রিত হইছিল। মই ইয়াৰ সেই পর্য্যন্তই সীমা বুলি স্থিৰ করিছিলোঁ।

মোৰ প্ৰিয় পত্নী শ্ৰীমতী ব্ৰজসুন্দৰী দেবীর এই ইচ্ছা আছিল যে, রামনবমী পুথির আকাৰেৰে ওলাব। সেই দেখি মোক বাৰম্বাৰ অনুৰোধ কৰে। কিন্তু মই সেই কথালৈ তেতিয়া কাণ নকৰিলোঁ। ইংরাজী ১৮৬৭ সনত যেতিয়া রাজ-কার্য্য উপলক্ষে নগাঁওর পরা ধুবুৰীলৈ আহোঁ তেতিয়া ইয়াক ছাপিবলৈ মন কৰিছিলো। কি ঈশ্বৰৰ ইচ্ছা! মোৰ পত্নী সেই সময়তে মৃত্যু হল। নানা কারণত থাকি সেই প্ৰিয় অনুৰোধ ইমান দিনলৈ পালিবলৈ নোৱাৰিছিলোঁ। এতিয়া ইয়াক মুদ্রা যন্ত্ৰলৈ পঠালোঁ। দুৰ্ভাগ্যর বিষয় এই যে, যি জন ইয়াক দেখি সন্তোষ পালে হেঁতেন সেই জন মোৰ ওচৰত নাই! তথাপি ভৰসা কৰোঁ আমাৰ দেশৰ লোক সকলে ইয়াক পঢ়িব। সেই হলেই মই চরিতার্থতা লাভ করিম।

অরুণোদয়ত যেনে ছাপা হইছিল এতিয়া তাতকৈ অলপ লৰ চৰ হইছে। আৰু আমি যেনে ভাষায়ে সদায় কথা

বার্ত্তা কঁও তাকেহে ইয়াত ব্যবহার করা গইছে। এই ঘটনাটী গুবাহাটীতে ঘটিছে এনে অনুমান করিব লাগে।

পরিশেষত কৃতজ্ঞতারে স্বীকার করোঁ যে আমার প্রিযবন্ধু শ্রীযুক্ত বাবু মাধবচন্দ্র বরদলই মহাশযে এই রামনবমী ছাপার বিষযে বিস্তর সাহায্য করিছে। তেঁওর সহাযতার নিমিত্তেহে বিদেশত রামনবমী মুদ্রিত হব পারিলে। ইতি।

গুযালপারা।
আষাঢ় ১৭৯২। } শ্রীগুণাভিরাম শর্ম্মা।

# রামনবমী নাটক ।

## এই পুথীত লেখা লোক সকলর নাম ।

**পুরুষ ।**

রাম অথবা রামচন্দ্র...নায়ক ।
হরনাথ.. তেঁওর পিতা ।
দেবদত্ত, রঙ্গনাথ } তেঁওর প্রতিবাসী
শিবকান্ত...নায়িকার পিতা ।
কামদেব.. ... নায়কর বন্ধু ।
নারায়ণ, ধর্ম্মনাথ } শিবকান্তর প্রতিবাসী ।
মঙ্গলু ..শিবকান্তর গোলাম ।
নিগদতি . হরনাথর গোলাম ।
কুলনাথ......পূজারী ব্রাহ্মণ ।
মহাজন ।
খাটনিয়ার ।
পাঁচনি, আলধরা ইত্যাদি ভকত, এবং সমভিব্যাহারী ব্যক্তিগণ ।
সাজতোলা ।
রঘু ... ... ডোম ।
দতো, সিহুরাম } পরগণীয়া মানুহ ।

**স্ত্রী ।**

নবমী ... ... নায়িকা ।
জয়ন্তী, উর্ব্বশী } ...নায়িকার সখী ।
ফুলেশ্বরী...নায়িকার মাতা ।
শিবা . . ... নারায়ণর স্ত্রী ।
হরিপ্রিয়া ... .. নায়িকার প্রতিবাসী ।
সোণাফুলী ...... নায়িকার সহচরী ( বেটী ) ।
পেলনী...নায়িকার ধাত্রী ( তোলনীয়া বেটী ) ।
জীকাফুলী ... জয়ন্তীর বেটী ।
চোয়ালী ।
সরস্রী ... ... বেজিনী ।
রহমতী ... ... ডুমনী ।

শিবকান্তর গৃহ পরিজন ।
হরনাথর গৃহপরিজন ।

# রামনবমী নাটক।

## প্রথম অঙ্ক।

### প্রথম দর্শন।

নারায়ণর বাটী

নারায়ণ আৰু ধৰ্ম্মনাথর প্রবেশ।

নারায়ণ। শুনিছেনে? দুর্বভকত।

ধৰ্ম্মনাথ। কি?

নারায়ণ। কালি রাতি অধ্যাপকর জীএকে কাল, বোলে, তেঁও হনু কালি গধূলী বাবিবল যোযাত শিবকান্ত ইঁতব বেটী পেলনীক লগ পাইছিল, তাতে তাই কলে সে শিবকান্তর নবমী বোলা জীএক জনির গিবিএক মৃত্যু হল।

ধৰ্ম্ম। সিইতেঁনো কেন্দৈক শুনিলে? তবপরা মানুহ আছি-ছিলনে কি?

নারা। শিবকান্ত গঙ্গাতীরক পবা আহোঁতে জোঁযাইএকর ঘরত সোমাইছিল। সেই দিনাই হনু জোঁযাইএক জহনীত পবি মরিল।

ধৰ্ম্ম। অস! অস! বর শোকর কথা! সেই চোযালী-টীত বাজে শিবকান্তর আরু লবা চোযালী এটীও নাই। তাইএ যদি ভালে থাকিল হেঁতেন তেও

তেঁও বুরাকালত সুখে থাকিল হেঁতেন। সিও গল যার হয় তার এনেছে হয়। উস! হরি! হরি!

সংরং। এস! তার তেন দশা হবই পাব! ময় তেতিয়াই কঁও এনে কথা মকবিবা! আমাব হাক নুশুনিলে। কি কবাহে দেওঃছ এতিয়ার কালর মানুহর কথা।

ধর্ম্ম। কি? তুমি কি কইছা, হবিভকত? তাক তুমি আরূ হবিএহে বুজিলে। আমার বুঝিবর সাধ্য নহল।

বাবা। ময় কলোঁ কি? যেতিয়া শিবকান্তর সেই চোবালী-টিব নামকরণ কবে তেতিয়া ময কইছিলো যে তিথীব নামে নাম রাখিব নেপায়, বাখিলে বাঁবি হয তাতে সি কলে বোলে তাব ঘইনিএকে হুনু সমাজিকত সেইনামটী পাইছে সেই নামেই ভাল। এতিয়া কেনে। আমার হাক নুশুনা। হবিভকত, তুমি বঁহা। ময স্নুত্র শৌচ কবি আহোঁ।

[ইতি প্রস্থান।

ধর্ম্ম। (মনে মনে) কেনে দেখোঁন। তার জোঁসাইএক মবে ই আৰ্কো কেনে বচন বোলে। ইএ সইতে তাব কিবা আছে হবলা? তেনে নহলে এনে কথা কিয কব? যি হওক শিবকান্তর ঘরলৈ যাঁও। তীৰ্থর পরা আহিছে সাক্ষাৎ করাও হব। বুজ লোযাও হব। (স্পষ্টকৈ) হবিভকত ময এতিয়া বিদায হলোঁ আবেলিকৈ আৰ্কো আহিম।

নেপথ্যর পরা—যায়সে, বাৰু।

[ধর্ম্মনাথর প্রস্থান।

## দ্বিতীয় দৰ্শন।

শিবকান্তৰ বাটী।

### ফুলেশ্বৰী, পেলনী এবং অন্যান্য গৃহ পৰিজনৰ প্ৰবেশ।

ফুলেশ্বৰী। (কান্দি কান্দি) হঁা গোঁসাই, এনেহে কঁপালত আছিল! হঁা গোঁসাই! অ-মোৰ-আইটী-ঐ! মব তোক কেনেকৈ চাই থাকিম ঐ! অ-মোৰ সোনাই ঐ (ক্ৰন্দন)

পেলনী। আই! উঠক! কান্দিলে আৰু কি হব? আমাৰ কঁপালত যি আছিল সেই হল। অ! মোৰ সোনাই তোঁকনো এই গাভৰু কালত খাৰুমণি নিপিন্ধা দেখি কেনেকেই জীম ঐ! অ! মোৰ আইটী ঐ?

(গৃহপৰিজন সমস্বৰে ক্ৰন্দন)

### শিবকান্তৰ প্ৰবেশ।

শিবকান্ত। আইটীৰ মাক! কিযনো এনে বিষাকুল হলা? আৰু বিষাকুল হলেনো কি হব? নেকান্দিবা। নেকান্দিবা। শোক এবি এতিয়া যাতে জাতি কুল লাজ কায ৰয তাকৈ মন কৰা। পিছত যাব যি কপালত আছে সেই হব।

ফুলে। অ! মোৰ আইটী ঐ এনে মাৰ বাপেৰ তোৰ কপালত পাইছিলি ঐ! তোক জনমাই আমি একো সুখ দিব নোৱাৰিলোঁ। অ! মোৰ আইটী ঐ!

শিব। আইটীর মাক! মোরে শপত মেকান্দিবা। কান্দি-লেনো কঁপালর লেখা খণ্ডাব পাৰিবানে ? যদি পারা তেন্তে এবচর কান্দা। যদিহে নোযারা
• তেন্তে কান্দিমো শরীলটোক দুঃখ দিবব কি সকাম ?

ফুলে। অ! মোর সোনাই ঐ! (স্বামির প্রতি) হয়! এখেববাকি ? এখেত গঙ্গা, গযা, কাশী, প্রযাগ, করি ফুরক, ঘরত থকা কেইটা দিনো ইঘর সিঘবকৈ খেদাওক মৰ জলা ভুই কুবা আগত লই পুরি মরো।
(এই বুলি হিযা ভুকুৱাই কান্দিবলৈ ধবিলে)

শিব। কোন আৰু ইঁকু ধব। মনুহ জনি একেবাবে বিন্না-কুল হইছে,• ভিতবলৈ নে। (ফুলেশ্বৰীক সকলোযে ধৰাধবিকৈ ভিতবলৈ নিলে) (পেলনী ব্যতিবেকে সকলরে প্রস্থান)

পেলনী। (মনে মনে) অস! গোসাঁই! আমার কঁপালত কনা বিধাতাই ইযাকেহে লেখিছিল। আপোনাব লরা চোসালী একো নাইএ। গিরিইঁতর এই জনিকে তুলিতালি ডাঙ্গব করিলে, এইর মুখ চাই এইর লগতে দিন খেদাম। তাকো ঈশ্বরে বঞ্চিলে। আমাব আঠ আঙ্গুলীযা কঁপালত কনা বিধতাই ইয়াকেহে লেখিলে। অস! হরি! হরি! গোসাঁই।

## হরিপ্রিয়ার প্রবেশ।

হরিপ্রিযা। আই কিহল কিযনো কান্দিছ ?

পেলনী। আমার কথা আরু কি শোধা আই! এতিয়া আমার মরিলেই ভাল।

হৰি। এ! আই! কি কম! আমাৰ কিবা কৰিবৰ সক্তি আছেনে?

পেলনী। দুঃখৰ কথা কি কম! আই! সিদিনা খোন চোৱালী জনিব নোযাই তোলনী হল। মযেই সেই কাল শক্ৰৰ ঘৰত জননি দি আহিলোঁ। এতিয়াহে এনে হবলৈ পালে। এটী লৰা চোযালী এৰি যদি তাৰ তেনে হল হেঁতেন—সিও নহল। কাউৰি খোৰা গণকে দেখোঁ পাজী পুথী চাই কলে বোলে নবমীযে স্বভগা যোগ পাইছে।

হৰি। এতিযাব গণকে মুঠে খাবহে জানে। গণিব পিটিব নোযাৰে। এই দৰে কাঁক্ৰি কুঁকাকৈ পেট প্ৰবৰ্ত্তাই থাকে মাথোন। ভাল চোযালী জনি, দেহি! কেনে অবস্থা হল। এতিযা জেনেহে দিন কাল হইছে ভালে থকাই বৰ কঠিন।

পেলনী। আশীৰ্ব্বাদ কৰা আই! ভালে থাওক।

## শিবাৰ প্ৰবেশ।

পেলনী। (মনে মনে) মৰ! এই জনিবা কেলেই আহিছে? কাৰ কত কি হল, কাৰ কত কি নহল এই বিলাক বুজ লবলৈ আৰু দন্দ কৰিবলৈ আহিছেনে কি?।

শিবা। হেৰ! পেলনী! সিদিনা খোনৰে পেবা কেই বেলি তোৰ এখেলৈ আহোঁ। তোক লগকে নেপাঁও। পযসা কেইটা দিব লগা আছিল যে কি কৰিলি?

পেলনী। বাক! আই! দেখিছাই গিৰিইতৰ এই বিপত্তি হইছে। কেই দিন মান থাকা পিছে পযসা পাবা। তোমাৰ পযসা কেইটা লই আমি হেৰাই পলাই নেযাঁও।

শিবা। তোরে দেখো বর বর কথা। মষ আর্কো ভালক প্রতি স্নুধিলোঁ তাই ম্মার্কো বর বর্ব মাত মাতে। কটারজী বেটী! বান্দী! বর সাহ পাই গলিবে?

হরি। থাকা! আজি,একো বুলিব নেলাগে। পিছে যি হয হব। আঁহা! বাই! সাঁজ লাগিল। ঘরলৈ যাঁও লবা চোযলীয়ে কান্দিব।

শিবা। তোব লরা চোযালী আছে কান্দিব। তয যা! মষ এতিয়া নাযাঁও। এবেলি ইঘর সিঘব ৈক ফুবি আহোঁগই।

[ শিবার প্রস্থান।

পেলমী। এই জনির সাঁজ লাগিলেছে ফুরিবর সময হয। জানো আই! এইর কথা সকলো জানো!

হরি। এরি পেলোযা আই! যি যিমানলৈ নাযে, সি.সিমা-নলৈ তিতিব।

[ ইতি নিষ্ক্রান্তাঃ।

---

তৃতীয দর্শন।

কামদেবর বাটী।

কামদেব আরু রামচন্দ্রব প্রবেশ।

কামদেব। বন্ধো! আঁহা! এই যিনি দিন তোমাক নেদেখি মন বর ভাবমাত আছিল। আজি হে আনন্দ!

রামচন্দ্র। বন্ধো! ইমান দিন মোমাইঅকর ঘবত সকলো সুখ

পাইছিলোঁ। কিন্তু তোমাত বাজে অইন কোন লগ সমৰিয়া সকলব কাকত নেপায় বর ভাবনা কৰিছিলোঁ। ময যে এঁও বিলাকলৈ কাকত লেখিছিলোঁ এঁও বিলাকে পাইছিল নে?

কাম। মোব কেই খন হলে পাইছিলোঁ। এতিয়া ডাকত বসীদ নাই। নাপাঁও বুলিলেই হল। মকবাহে বন্ধো! ইযার মানুহ বিলাকে দূৰদেশৰ বন্ধুয়ে সইতে কেনেকৈ প্ৰীতি ৰাখিব লাগে নেজানে। কাকত নেলেখে মিচাই কয লেখিছোঁ। মুখতহে ককাই! ভিতৰলৈ যোযা যদি "একো নাই বুপাই।"

ৰাম। তাকেতো বন্ধো! ময মমত বর বেজাৰ পাইছোঁ।

কাম। সি কথা এবি পেলোযা! কেই দিন মান তোমাব সইতে থাকি মনব হাবিলায পলুযাঁও।

বাম। মোর এই মাহর পেরা মনটো বর উদ্বিগ্ন হইছে একোতো সুখ নেলাগে। সর্ব্বদাই হাঁহি মাতি থাকিবলৈ ইচ্ছা যায কিন্তু তেনে কবিলেও অলপতে বেজার ধবে। তাব পরা আকৌ অকল সৰিয়া হই থাকোঁ গই। তাতো সুখ নাপাঁও। যঁতে তেতে বর অসুখেই হে কাল যাই।

কাম। তুমিনো ইয়াব কিবা কারণ অনুভব কৰিব পাৰিছানে?

ৰাম। নাই! একোকে কব নেযোৱেঁ।

কাম। ময এটা অনুভব কৰিছোঁ। বোধ হয় সেইটো অবশ্যে হব। নতুবা জ্বর নরীয়া একো মাই শুদাই এনে কিষ হল।

ৰাম। কোযা চোন! মোবে শপত কিঁ?

কাম। এতিয়া তোমার যৌবন কাল উপস্থিত। বিশেষতঃ

বসন্তকাল! যি৹ সময়, পথ্য নহলে নরীযা পবিবর অতি সম্ভব।

রাম। কিনো? মুবুজিলোঁ ভালকৈ কোযা চোন?

কাম। এঃ তাকে মুবুজিলা। পঢ়া নাইনে।

"বসন্তে ভ্রমণং পথ্যং অথবা অগ্নি সেবনং।
অথবা যুবতী নারী অথবা নীম্ব ভোজনং॥"

তুমি যি কালত ভবি দিছা ই সকলোতকৈ বিষম। লগত যুবতী ভার্য্যা নহলে একোকে ভাল নেলাগে। যি যুবার যুবতী আছে তাকৈ চাবা চোন। তার অইন হেজার অসুখতো সুখ। নতুবা অন্য প্রকার সুখ দিবপরা বস্তু থকাতো অসুখ পোযা যায।

বাম। মোক ভেঙ্গ্ চালি করিছানে কি?

কাম। নহয! ই ভেঙ্গ্ চালি করা কথা নহয। তুমি ন মানুহ বুজা নাই। থাকা পিছে বুজিবা।

রাম। তেনে হলেও মোক তেনে নেভাবিবা। অ! বন্ধো! শিবরাত্রিলৈ কেই দিন মান আছে?

কাম। আজি সপ্তমী। আরু সাতদিন আছে। কেলেইনো?

রাম। অইন সকাম একোনাই মোমাইঅকর ঘরলৈ যাম।

কাম। বাক যাবা! এতিযা একেলগে লুইতত গাধুই আহোঁগই বলা। আজি অনেক দিন তুমিযে সইতে একে লগে গা ধোযা নাই।

রাম। বাক বলা।

[ইতি নিষ্ক্রান্তাঃ।

## চতুৰ্থ দৰ্শন।

রাজআলী।

### মঙ্গলুৰ প্ৰবেশ।

মঙ্গলু। ( স্বগত ) গিবিইঁতৰ ঘৰত খাটেঁাতে খাটেঁাতে দিন গল। আপোনাৰ একো বনকে কৰিবৰ আহৰি নে-পাঁও। এনেকৈ কেনেকৈ থাকিম। ইমান দিন কৰি খুবালোঁ হেঁতেন যাতো আযে সোণাফুলীক বিযা দিব খুজিছে দেখিছে। কথাতে " গোলাম হে গোলাম, গোলাম হে গোলাম "। কি বব গোলাম পাইছে? এতিযা সিদিন আছেঁনে? " যেতিযাৰ দিন তেতিযাই গল। চুমা খোযা ঠাই * * । " সোণাফুলী চোযালী জনী দেখিবলৈ মুষনী আৰু বন বাবিতো কানি। আযে বুলিবৰে পেবা-তাই মোক দেখিলে মুৰত কাপোৰ লয। গিৰি-হতৰ জীএক আই দেঙয়েও মোক দেখিলে পেমা লিকৈ সোণাফুলীৰ কথা শোধে। আৰু তাইৰ আগতো মোৰ কথা শোধে। যদি তাইক হে পাঁও থাকিম, নহলে যি হয হব।

### সযম্ভ্ৰীৰ প্ৰবেশ।

(তাইক দেখি) বঃ এই আহিছে! এই দেখোঁ এটাইকে তিবী তিৰোতা আনা দৰব দি ফুৰে। এইত শোৰ্দোৰ্চোন। লগত এটা বা এজনি নহলে নচলে। ( প্ৰকাশ্যে ) কলৈ গইছিলা আই?

সযম্ভ্ৰী। এ! কি শোধ? বুপাহে! বজাৰলৈ গইছিলোঁ, বম্ভ বেহ্যানী জুই চাই যবগ।

মঙ্গলু । কিনো কিনিবলৈ গইছিলা ?

সযন্ত্রী । বণিযাব দোকানলৈ এটা দরব কিনিবলৈ গইছিলোঁ। তাতে সি যি কেরাছে দিলে ! তাক দেখিলেই থজ উঠে । সি আকৌ " কলে বোলে এই বেলি হুনু সেই বস্তুর " এমদানী " অহা নাই ।

মঙ্গলু । কি বস্তুনো, আই ! আমি শুনিব নেপাওনে ?

সযন্ত্রী । তোরনো শুনিলে কি হব ! মোক কিমান বস্তু লাগে নেজাননে ?

মঙ্গলু । মষ তোমাক জানো। তেওআই কাণ্লনো ? কি বস্তু ?

সযন্ত্রী । তাকনো তয কিয শোধ ? আজি কালি যে,ব ঠেঙ্গত শরণ লোযা মানুহরহে একাল লাগিছে ।

মঙ্গলু । তেও আই ! কোযা চোন কিনো ? কাণৈ ?

সযন্ত্রী । কাম সেন্দূর ।

মঙ্গলু । ইযারেনো কি হয ?

সযন্ত্রী । পরর তিরোতো আক পর মুনিহ দুইকো লগ লগাব পাবি ।

মঙ্গলু । কাণৈলনো আই ! মোর বধে চুব কোযা ?

সযন্ত্রী । ঐ ! আই ! কি মানুহ অ এইটো ? তয কারো আগত নক যদি কব পারোঁ ।

মঙ্গলু । বাক আই ! গুরুব শপথ খাইছোঁ নকঁও । কোযা আই !

সযন্ত্রী । রাম ! রাম ! এনে শপথ খাব পায নে ! বাক কঁও শুন, তইঁতর ঘরত যে সোণাফুলী বুলি নবমী আইটীর বেটী চোযালিটী আছে তাইলইকে ! তাই হুনু এটা মানুহক খুযাব ।

মঙ্গলু । ক,কনো খুযাব ? অ ! তাইর স্বভাবটী ভাল নহয !

অধ্যাপকৰ পুতেকক ? ববাৰ পুতেকক ? ইইঁত দুইকো হলে মই তাইৰ গীদে গীদে ফুৰা দেখিছোঁ।

সয়ন্ত্ৰী। সিও হব পাৰে! এতিয়াৰ ভাল মানুহৰ লবাই বান্দী বেটী লৈহে চকু দিবলৈ ধৰিছে। তেও তাই হলে দৰৱ কৰিবলৈ দিওতে তাৰ নাম কুশল বুলি কইছে। ভয় যা ময় এই পিনে হাৰ্জৰিকীয়াৰ পদু-লীয়ে যোমাও।

মঙ্গলু। (স্বগত) এইত বাপেকে শোধে'ৰ! কাম সেন্দ্-ৰনো কেনে কত পাই, কিমান দৰ, (স্পষ্টকৈ) আই! কামসেন্দ্ৰনো কেনে ? কত পায় ? কি দৰনো ?

সয়ন্ত্ৰী। এ-বোপাই তাৰ বং কাম চৰ্য়াইৰ গাৰ মিচিনা। দিনত কোঁট লই আকাশলৈ চালে তৰা দেখি। দৰ বৰ ময়গ। টকাত এবাতি। যাকে তাঁকে নদিযাই দিদিএ। চিনা মানুহক কে দিযে। উঁহত গলে মিচা মিচিকৈ এবিধ দিব তাৰে গুণ নকৰে। বাক ময় এতিয়া যাঁও। (প্ৰস্থান)

মঙ্গলু। (স্বগত) হেঁই আই! তাইনো কাক দৰৱ কৰিব খুইছে! আমাক দেখোন এনেই পায! বহ বুলিলে সোঁও। এনে টোকনো দৰৱ কৰিব লাগে কিয ? অইন কোনো ভাল মানুহৰ লৰাক হে ? কুশলনো কাৰ নাও। তাবিগুণি মই ইয়াকে জনা নাই। তাই চাগৈ মিচাই এটা নাও কইছে। ভাকেইনো কব কিয ? দৰৱ কৰাত জানো মিচা নামত হয ? কেতিয়াও নহয। এইহে মোক ভুৰুকিয়ালে। ইযাৰ বুজ লঁও। যদিহে বুজ পাঁও তেন্তে এটাইকে শিকাম বাপেকে। যদি ভাক নোযাবো তেও তাইকতো এবেলি পাম। বণিযাৰ

দোকানত কাম সেন্দুবর বুজ লঁও। এতিয়া যাঁও। পলম হলে আকৌ গালি পারিব।

[ইতি প্রস্থান।

পঞ্চম দর্শন।

শিবকান্তব বাটী।

ফুলেশ্বরী, জয়ন্তী এবং নবমীব প্রবেশ।

জয়ন্তী। আমই! সোণাফুলিযে কইছিলগই বোলে তুমি হুনু মোক মাতিছিলা?

ফুলে। হয় মাতিছিলোঁ। সখীযেরে অকলে থাকে। উঁহত আহিলে তেও হাঁহিয়ে মাতে ভালে থাকে। তাছ চাছ খেদিবও পাব, আরু তাইক পঢ়িবলৈ শিকালেও শিকাব পাব।

নবমী। আই! মষ পঢ়িবলৈ শিকিছোঁ। শক শক পুথী চুথী পঢ়িব পাবোঁ। সখীযে মোক শিকাইছে।

ফুলে। (জয়ন্তীর প্রতি) চোযালী জনির কপালত হে নাটিলে কাপোর চাপোব সুন্দরকৈ বব পারে, ফুলতীও বাক হইছে। এতিয়া আকৌ তয পঢ়িবলৈকো শিকাইছ।

জয়ন্তী। মষ সখীর ফুল দেখিছোঁ। সি বচরত মোর ননন্দ কুমলী আইটীর বিযার সময়ত এখন শক্ত সূতার চেলেঙ্গ লগাই ছিলোঁ, তাতে সখীযেহে ফুল দিছিল।

ফুলে। কিবা ভাল ভাল পুথী উঁহতব আছেনে?

জয়ন্তী। এটাই আছে। অন্নদামঙ্গল, বিদ্যাসুন্দর, কামিনী-কুমাৰ, *ভুগোল, পুৰাবৃত্তসাৰ, পদাৰ্থবিদ্যা, মহাভাৰত, ৰামায়ণ, শকুন্তলা, আৰু কাদম্বৰী সকলো আছে। সখীয়ে সকলো পঢ়া নাই। এতিয়া মুঠে ৰামায়ণৰ আদিকাণ্ডহে পঢ়িবলৈ ধৰিছে।

ফুলে। নহলে মোত কবি মষ কিনিবলৈ পয়সা দিম।

জয়ন্তী। থাক।

ফুলে। অসমিয়া পুথী পঢ়িছনে কিবা ?

জয়ন্তী। মষ কেই খন মান পঢ়িছোঁ। সখীয়ে হলে হাতে লেখা পঢ়িব নোযাৰে। "অসমিয়া লৰাৰ মিত্ৰ" আৰু মাজে মাজে "অৰুণোদয়ো" পঢ়ে। তাত অনেক ভাল ভাল কথা আছে।

নবমী। আই ! সখীয়ে নাম দিবও পাৰে। মাতোটীও ভাল। পদো সবহ জানে। আৰু কুমলী আইটীৰ বিয়াৰ দিনা এনেহে যোৰানাম দিছিল দৰা ঘৰীয়া বিলাক কান্দি গল।

ফুলে। অসমিয়া পুথী পঢ়িলেহে পদ শিকিব পাৰি। আই নবমী ! তয়ও পঢ়িবি।

নবমী। ছাপা নহলে মষ পঢ়িব নোযাৰোঁ।

ফুলে। আমাৰ গুৰাহাটীতো হুনু ছাপা আনিবলৈ কিবা যতন কৰিছিল। সিদিনা বৰবপায কইছিল। আই জয়ন্তী ! তয় শুনিছনে কি হল ?

জয়ন্তী। আমই ! মষ সিদিনা শুনিলো বোলে তাকে কৰিবলৈ কিবা হুনু এখন সভা পাতিছিল, তাতে বৰ বৰ দৰ'হা খোষা মানুহ তিনটী কি চাইটীত বাজে কোনো নগল। কাৰো হুনু জাৰকালী বৰ বৰ হল। কাৰো হুনু মুৰ বিষালে এই দৰেই নগল। পিছে

সেই সভা তেনেই ভললৈ গল। আমার ইষার মানুহে জানো তেঁনে কথালৈ মন দিযে ?

ফুলে। তাকেতো আইহে ! কার কত কি হল, তাকে সরহ 'ভাগে খোজে। আক হলা গছ পালেই বাগি কুঠ্যাব মাবে।

নবমী। আই ! উর্ব্বসী সখীক নমতালী ?

ফুলে। মতাইছিলোঁ। তাই হুনু আজি নোযারা হইছে। (জযন্তীর প্রতি) আইটী তয আরু উর্ব্বসী দুইও আহি ইয়াতে পঢ়ি শুনি উমলি থাকিবি।

জযন্তী। বাক আমই আহিম। মষ নাহিলে জীকাফুলীক পঠাই দিম। সখীকে পঠাই দিবা। আরু আমই সখীক এনে দেখিব নোযারোঁ। সদাই পাটব কাপোব পিন্ধিব, আরু মুরো মেলাব, অলঙ্কাবো পিন্ধিব। মুঠে সেন্দুর হে পিন্ধিব নেলাগে।

ফুলে। বাক দে দোষ নাই।

নবমী। আই ! আজি মষ সখীউকর তালৈ যাঁও। আজি এমাহমান যোবা নাই। কুমলী আইটীও আহিছে হুনু চাই আহিম। আরু সেই পোনে উর্ব্বসী সখীবো বুজ লই আহিম।

ফুলে। বাক যা।

জযন্তী। তেনে হলে সখী যাঁও বলা।

[ ইতি সর্ব্বে নিষ্ক্রান্তাঃ।

## প্রথম অঙ্ক সমাপ্ত।

## দ্বিতীয় অঙ্ক।

### প্রথম দর্শন।

প্রথমতঃ হরনাথর বাটী, শেষত কুলনীর সরোবর।

বাম। বন্ধো! আজি শিবরাত্রির ব্রত। একো খোয়াও নাই। গাটো বর হেলেঙ্গ পেলেঙ্গে লগাইছে। একেই অসুখ গা, তাতে আকৌ আজি ব্রত হল।

কাম। মোমাইযেকর ঘরলৈ যাব নুখুজিছিলা নগলানে?

রাম। হয নগলোঁ। দেউতায় হাক দিলে বোলে এতিযা যাব নেলাগে একেলগে ফাঁকুযার সময়ত যাবি।

কাম। গাটোনো আগতকৈ একেরিও সন্তা পোযা নাইনে?

বাম। একেবিও পোযা নাই। দিনে দিনে বাঢ়িবহে লাগিছে।

কাম। বন্ধো! বাকএটা কথা শোধোঁ সচাঁকৈ কবানে?

রাম। বাক কম। কি কোবা কোবা?

কাম। আগেয়ে সত্য কাঢ়া তেঁহে কম।

বাম। বাক কাঢ়িলো, কোযা?

কাম। এতিযা তোমার যৌবন অবস্থা তাতে বসন্ত কাল। কোনবা বন্ধুয়নীত চকু পরিছেনে কি? সেই দেখিহে এনে হইছে।

রাম। ছিঃ রাঁম! রাম! তুমি এনে কথা নোকোয়া বুলিহে জানিছিলোঁ। মোর কেনে স্বভাব তুমি নেজানানে? তেও তুমি এনে কথা কোয়া ইয়াতেহে মম মরিছোঁ।

কাম। বন্ধো! মম তোমার স্বভাব জানো। তেও কালর গতি বুজিব নোয়ারি। কিযনো একেই যৌবন অতি বিষম কাল, তাতে বসন্ত কাল। ইযাতেহে কঁও।

রাম। তেও মোর কথা নপতিয়ালানে?

কাম। ওহো হঠাৎ পতিয়াব নোৱাৰিলোঁ।

বাম। বাক তেনে হলে চাবা। ময় যদি কোনোবা তিৰো- তাৰ প্ৰতি আসকতি কৰোঁ তেতিয়া মোৰ নামে কুকুৰ পুহিবা। ছিঃ বন্ধো! ছিঃ মোক এনে পালানে? দেখিবা দেখিবা! তিৰোতাক কোনে বিশ্বাস কৰে। সাপৰ যেনে ভুখন জীবা তিৰোতাৰো সেই ৰূপ। দলিবাৰী পচৰীৰ গাখিৰৰ নিচিন! গৰুবে যেনেকৈ প্ৰতিদিনে ন ন ঘাঁহ খাব খোজে সিহঁতো সেই ৰূপ। বিৰলিয়ে যেনেকৈ পেট ভৰাই খাই উঠি গামুৰী এটা দি দোখোজ মান কাঢ়িলে আকৌ সেই দৰে খাবৰ ইচ্ছা কৰে সিহঁতেও খাই উঠি এবেলি গামুৰী দি বাহিৰব পৰা আহিলে আকৌ সেই ৰূপ ক্ষুধাৰ্ত্তা হয়। সিহঁত চঞ্চল প্ৰকৃতি, আৰু সন্দিগ্ধচিত্তা। ৰাতি পুৱা এবিধ, দুপৰীয়া এবিধ, গধূলী এবিধ, আৰু টোপনী আহিলে এবিধ। সিহঁতত বিশ্বাস নাই। এতেকে তুমি নিশ্চয় জানিবা ময় তিৰোতাৰ জন্য কেতিয়াও তেনে নহওঁ।

কাম। বাৰু তেনে থাকিলে ভাল। কিন্তু তোমাৰ দৰে পুথীত পঢ়া জ্ঞানৰ দ্বাৰাই কোনেও সংসাৰ নকৰি নোৱাৰে। এতিয়া ফুলনীৰ সৰোবৰ ফুৰি আহোঁগই বলা। তৰপৰা আহি পূজা কৰি একে লগে সাৰে থাকিম। ঘিনাই, মকুন্দ এঁও বিলাকো আহিব খুজিছে চৌপৰ্ অথবা তাছ খেদিম।

ৰাম। আহাঁ, কিন্তু মোৰ হলে একোতো ভাল নেলাগে। যাবৰ মন নগলেও তুমি কিবা বোলা বুলি যাব লাগিব।

[ এই বুলি ফুলনীলৈ গমন।

(বাদ্য ভাণ্ড) ফুলনীত উপস্থিত হই সবোবর দেখি।

কাম। বন্ধো! আহা! এই সবোববটী কেনে সুন্দর। ইযাব চারিও ফালে কেনে সুবেবে চরাই বিলাকে আয়াও করিব লাগিছে। কেনে চিবোমে ফুল বিলাক ফুটীছে, দেখোঁতেই মনত তৃপ্তি জন্মে।

রাম। বন্ধো। সচাঁ কৈছা। এতিযাহে মোর মনটী অলপ ভাল লাগিছে।

কাম। আহাঁ! সেই নাহব গছব তলৈল যাঁও তাঁতে বহি অলপ জীবাও গৈ।

[ এই বুলি নাহর গছর তললৈ গল।

নাম। এই ঠাই ডুগবী বব শীতল, মোর গাটো প্রথমে পুরিব লাগিছিল। এতিযাহে শীতল পাইছোঁ।

কাম। তুমি ইযাতে অলপ জীবোযা, মষ এহেজাব বেলপাত্ত আৰু কিছু মান ভাল ফুল তুলি আনোগই। বাতি পূজা কবিবলই লাগিব।

বাম। বাৰু। যোযা সোনকালে আহা গই।

[ বামদেবৰ প্ৰস্থান।

বাম। (স্বগত) বন্ধুও গল। মোবো টোপনী আহে যেন লাগিছে। একেবি বাগব দিও। বাতি সাবে থাকিবও লাগিব। পিছে টেঁও আহি, জগাব। আহা! কেনে সুন্দর ঠাই! হে জগদীশ্বব তুমি সকলোতে তোমাব লীলা প্রকাশ কবিছা। হে ঈশ্বব!

[ ইতি নিদ্রা।

## দ্বিতীয় দর্শন।

প্ৰথমে শিবকান্তৰ বাটী। শেষে ফুলনীৰ সৰোবৰ।

## নবমী, জয়ন্তী আৰু উৰ্ব্বশীৰ প্ৰবেশ।

নবমী। সখী! আজি ব্ৰত কৰিছানে?

জয়ন্তী। কৰা নকৰা দুইও হল। তেঁও হলে ব্ৰত কৰিছে। মম লুকাই কেইটামান আথই গুৰি খালোঁ। নেখালে টানিব নোৱাৰি। যিহে চত মহিষা দিন!

নবমী। মোৰ হলে কৰিবৰ ইছা আছিল। আইযেহে খুৱালে। শৰুতে মম প্ৰতি বচৰে কৰিছিলোঁ। তেও তোমালকে যদি আহাঁ, ৰাতি একে লগে সাৰে থাকিব পাৰিম। (উৰ্ব্বশীৰ প্ৰতি) লগা! তুমি ব্ৰত কৰিছানে?

উৰ্ব্বশী। এঃ আমাৰ বা কি? বাঁৰি হলোঁ। যেতিয়াই খাঁৰি হলো তেতিয়াই। আমি আৰু শিবৰাত্ৰিৰ ব্ৰত নকৰো। শৰুৰে পৰা আজি ওঠৰ বচৰ বয়সলৈকে ব্ৰত কৰি গি ফল পালোঁ। সেইযে সৰহ হল। আৰু আমাক নেলাগে। লগা! তোমাক দেখো আগেয়ে কই এতিয়া বৰ খিনোৱা দেখিছোঁ।

নবমী। ওঁডো! মোযাই তোলনী হবৰ পিছবেলী নোৱাৰা হবরে পৰা বৰকৈ গা যায় সেই দেখিছে হবলা?

উৰ্ব্বশী। (জয়ন্তীৰ প্ৰতি) সখী! শুনিছানে? শান্তি-যনি হোৱা হলে এনে নহল হঁতেন। আইও দেহি ডুখৰী একোকে নেজানে আমি তেও যমৰ আগত কৰলৈ এৰেলি পালোঁ। এই। এ ওক হে ঈশ্বৰে ৰাখিলে।

জয়ন্তী। যার যি কঁপাল। সেই বোর এরি গেলোযা। এতিয়া আমি অলপ শোকতে আনন্দ কৰোঁ।

নবমী। লগ! বলা এবেলি ফুলনীর সবোবৰ ফুরি আহোঁ-গই। পিছে আহিও ঘরা গুরি যাবা।

উর্ব্বশী। কোন কোন যাবনো?

নবমী। কিয়? কিয়? তুমি, ময়, সখী, আরু সোণা-ফুলীক লগত লিম। আক লাগে যদি কুমলী আইটিকো নিব পারোঁ।

জয়ন্তী। তাইক (ফুলনীক) নিব নেলাগে। তাই থাকিলে আমি একো হাঁহি মাতি দুঃখ সুখর কথা কব নোৱাবিম। এই পোনেই গই আইর আগত কই দিয়েগই। ওভ আকৌ যেনেহে কবব ঠাই নাই। মুখতে দন্দ। সাতো ময় দেখিছে। তেঁও মোক আয়ে সইতে দন্দ কৰিবলৈ হাক দিছে। নিদিয়া হলে মন পাবিলেঁ। হবেঁন।

উর্ব্বশী। এনেকেই যাব নোৱাবে। আমার সিদিকি এনেই দুর্দশাৰ সীমা নাই তাতে আকৌ আজি সাঁজবেলীয়া ফুরিবলৈ গলে আক বক্ষা পাম নে? "পচোৱা বতাহে দুয়াব মেলে, বওলার গাত দায়" লগা কথা। যদি পেলনী বাই যাব তেনেহলে যাব পাবোঁ।

নবমী। বাক! হেব সোণাফুলী। সোণাফুলী অ। এঃ বাকলি এই জনিক দেখোঁ আমাব নিচিনা মানুহে মাতিলে মাতিও মাত নেপায়। এই আজি কালি বব রসকি হইছে। হের! সোণাফুলী!

নেপথ্যর পরা। আইদেও! গইছোঁ।

নবমী। বেগতে আহ। বাইকো মাতি লই আহ।

## সোণাফুলী আৰু পেলনীৰ প্ৰবেশ।

নবমী। বাই বল! মোবে শপত বল! ফুলনীৰ সৰো-
ৱৰ ফুৰি আহোঁগই সখীউকও যাব।

পেলনী। বল! তোৰ লগত মষ হেবাথৰী খালোঁ।
আইত কইছিলিনে?

নবমী। কোথা নাই। সোণাফুলী! আইত শুধি আহগই যা।
হেনে আমি ফুলনীৰ সৰোবৰ ফুৰিবলৈ ওলাইছোঁ।

নেপথ্যে পৰা। বাৰু।

[ সোণাফুলীৰ প্ৰস্থান।

## সোণাফুলীৰ প্ৰবেশ।

সোণাফুলী। আইদেও আবে যাব দিছে।

নবমী। বাই চাচোঁ? এই আজি কালি বৰ উদণ্ড হইছে।
অঃ সখী! বলা।

উৰ্ব্বশী } বাৰু বলা।
জয়ন্তী }

[ ফুলনীলৈ গমন।

পেলনী। আঁই নবমী! তষ মাজত যা।

জয়ন্তী। বাই! সখীক কোনেও হৰি নিনিযে, দে-দে-হওক
দে, মাজত নিও।

পেলনী। নহম আই! আমাৰ হইছে কঁপাল বেযা,
সেই দেখিছে কঁও। ( ফুলনীত উপস্থিত এবং
চতুৰ্দ্দিকে ভ্ৰমণ। )

জয়ন্তী। সখি! চোযাচোন কেনে সুন্দৰ ঠাই ইযাতনো
কাৰ মনত তৃপ্তি নজনমে!

উৰ্ব্বশী। ইযাত এনে অনুভৱ হয যেন স্বয়ং বসন্ত রাজত্ব কৰিছেহি। (এই বুলি এটিয়া এটি হই সকলোৱে ভ্ৰমণ।)

নবমী। ঔ! সখি ধৰ! ঔ! বাইধৰ!

সকালাযে। কি হল? কি হল, কি হল?

নবমী। এই ভোমোৰাটো মোৱ মুখৰ ওচৰলৈ আহি বৰকৈ ভোঁ ভোঁ কৰি উৰিগল। তেতিয়াৱে পৰা মোক সৰ্ব্বনাশ কৰিছে।

উৰ্ব্বশী। তোমাক নকৈ ফুটা পদ্ম হেন দেখি সেই দৰ কৰিছে। আইন একো নহয। * * * * * *

জযন্তী। লগে যি কথা কইছে মিচা নুহয। তুমি বাস্তৱতে নকৈ ফুটা পদ্ম। তোমাৰ মধু আজিলৈকে কোনেও পান কৰিব পৰা নাই।

নবমী। তোমাব আকা?

জযন্তী। (হাঁহি হাঁহি) আমাৰ হলে মধু নাই। এতিযা গৱ হইছে। অভাবতহে। তেও ভালকৈ জনাই চুহিলে মধু পাব। কিন্তু তোমাৰ দৰে নহয। পানী মিহলোযা হে পাব। মধ্যম ৰূপে জনাই চুহিলে গুৰ পাব। অলপ জনাই চুহিলে লালী গুৰ পাব। নজনাই হলে সিটাকো নেপায।

নবমী। কিবা ঠাবে ঠোৰে কোযা বাকলি আমি বুজিব নোষাবোঁ।

উৰ্ব্বশী। (জয়ন্তীব প্ৰতি) তেওক এই সুকল ৰসিকালী কথা নকবা। কিয়ান দিন থাকে নজনাকৈয়ে থাওক। জানিলে জেনেহে চোযালী কিবা এটা হব।

জযন্তী। বাক?

নবমী। সখি! তোমালোকে ইযাতে থাকা, মষ নাহব গছৰ

পাত কেইটা মান লই আহোঁ গই। বিহুব দিনা "জৈমিনিশ্চ" লৈখিব লাগিব।

উৰ্ব্বশী। আজি মুঠে শিবৰাত্ৰি, বিহুলৈ ভালে মান দিন আছে।

জয়ন্তী। বাক যোযা? আমি সিফালে যাঁও। (উৰ্ব্বশীৰ প্ৰতি) যুৱক দেছি ভুখৰী। ফুৰিএই তেও মনৰ হাবিলাষ পলুযাওক।

নেপথ্যৰ পৰা। সোণাফুলী! তযে আৰু বাইএৰে বেগাই আহ। আইটী হুঁত তাতে থাওক। ঘুৰি আকৌ যাবি।

পেলনী। আই অ! ভিতৰত আযে মাতিছে আমি ছুইও যাঁও। তয্ সখীযেৰ হতে সইতে উমলি থাক। মৰ পিছে আহি লই যাম। মৰ নহাকৈ নেযাবি দেই! আই! দেই!

নবমী। মোৰে শপত বাই থৰকৈ আহিবি। মোৰ ইযাত থাকিবৰ মন নেযায। সখীউক নহা হলে নাহিলোঁ। ছেত্তেন। হেৰ সোণাফুলি! সখীউক ঘৰলৈ যাব আৰু বাতিও সাৰে থাকিবলৈ আহিব। তয তম্বোল চামোল কাটি যতনাই থ গই। আৰু কামিনীউকৰ তৰপৰা তাছ যোব লই আহ গই।

সোণাফুলী। বাক আইদেও।

(সোণাফুলী আৰু পেলনীৰ প্ৰস্থান উৰ্ব্বশী আৰু জয়ন্তীৰ অন্যদিকে গমন এবং নবমীৰ ধীৰে ধীৰে নাগেশ্বৰৰ সমীপেৰে গমন)

---

## তৃতীয় দর্শন।

### ফুলনীর সৰোবৰ।

( এই বিলাকর হাইত টোপ্নী ভাগী আঁখি চকু মেলি নবমীক দুৰৈর পরা নিৰীক্ষণ করি—সূৰ্য্য উদয় হেন মনে ভাবি। )

রামচন্দ্র। শ্রীগুরো! শ্রীগুরো! শ্রীগুরো! রাতি পুৱাল, সূৰ্য্য উদয় হল। ময় ইহাতে শুই থাকিলোঁ। শিব পূজা কৰাও নহল। পিতায় বা কি বোলে বন্ধুযেও নেমাতিলে। (‌কাতি হই পশ্চিমর ফালে নিৰীক্ষণ করি সূৰ্য্যক চকা পাটত বহা দেখি) নে-নহয়। এটা সূৰ্য্য অস্ত আৰু এটা উদয় হব নোৱাৰে। এইটো চন্দ্ৰহে উদয হব ধৰিছে। চন্দ্ৰইবা কেনেকৈ হব? আজি কৃষ্ণ পক্ষৰ চতুৰ্দ্দশী শিৱৰাত্রি। এনেইবা কিয় হব? সমাজিক দেখিছো নে কি? না সিও নহয়। বন্ধু আৰু অলপতে যুঠে ফুল তুলিবলৈ গইছে। এতিয়াই আহিব। চাও কি হল। ( পিছত নবমী কিছু ওঠৰলৈ অহাত মনুষ্যৰ আকাৰ হেন দৃষ্টি কৰি ) আহা! ধন্য! ধন্য! এই জনা অপেস্বরা স্বৰ্গর পেরা নামি, এই সৰোবৰত ক্ৰীড়া করিবলৈ আহিছে। ময় ইযাতে টোপনীর ভাও ধৰি থাকোঁ পিছত দেৱতা নে, গন্ধৰ্ব্ব নে, মানুহ জনা যাব। ( এই বুলি টোপনীর ভাও ধৰি রল। )

নবমী। এই জনানো কোন? নাগেশ্বৰর তলত ফুলনী পহৰ কৰি আছে ময় কেনেকেই ওচৰলৈ যাঁও।

মাহুর পাত আনিব লাগে। এঁওক মানুহহেন হে দেখিছোঁ কিন্তু সংসারত যি বিলাক মানুহ দেখোঁ সেই সকলোতকৈ এঁওক পৃথক যেন দেখোঁ। এওব শরীলত দৈব শক্তি আছে। নতুবা এনে নহয়। তেঁও শুই আছে এবেলি তেঁওর ওচরেরে গা মারি যাঁও। তাতে ভালকৈ দেখিম। (এই বুলি রামচন্দ্রর ওচরেরে গা মারি গল। যাঁওতে মনে মনে) এঁও অবশ্যে মানুহ তাত কোনো সন্দেহ নাই।

রাম। (তদ্রূপ) অঃ হুঁ আছে। অবশ্যে মানুহ। কিন্তু এটা কথা। এঁওক যিরূপ বয়সিযাল দেখা গইছে সেই রূপ অলঙ্কারাদি একো নাই। বোধ হয় স্বামীহীনা হব পায়। অঃ অবশ্যে হয়। কঁপালত সেন্দুর নাই। হা! কিয় তেঁওর প্রতি স্নেহোদয হইছে?

নবমী। (তদ্রূপ) হৃদয ইমান চঞ্চল হইছা কিয়?

রাম। (তদ্রূপ) এঁওর পরিচয লোয়া নিতান্ত আবশ্যক। কেনেকেই লঁও। আরু বন্ধু এতিয়াই আহিব। মই যদি এঁওত উপযাচক হই আগবাঢ়িগৈ কোনো কথা শোধোঁ এ ওযেইবা কি বুলিব? বন্ধুয়েইবা কি বুলিব?

নবমী। অইন দিনা যে ইমান চঞ্চল চিত্ত নহয আজিনো হইছে কিয়? হৃদয স্থিব হোযা।

রাম। (তদ্রূপ) উঠিব লাগিল। তেঁও থিয় হই আছে। পরিচয লব লাগে। মন অতিশয় চঞ্চল হইছে। সুঠিলে নহয। (স্পষ্টকৈ) নারায়ণ! নারায়ণ! নারায়ণ! ইমান বেলি শুলোঁ কোনেও নেমাতিলেও। সন্ধ্যা লাগিল।

নবমী। (লজ্জায় নম্রমুখী হই ওরণি টানি দি মনে মনে) কি আশ্চর্য্য! আজি মোর কিয এনে হইছে? মোৰ দেখোঁ এই অচিনাকি পুৰুষ জনে সইতে কথা বার্ত্তা কবর ইচ্ছা হইছে। অধিক কি? তেঁওর কোলাত যেন বহিম গই।

রাম। (তদ্রূপ) এঁওরে সইতে নো কি ছলেরে কথা কঁও! উঃ যেন কোলাত লম।

নবমী। (তদ্রূপ) সখীউকযে এতিয়াই মাতিব। মোর ইয়াত থকা উচিত নহয়। কিন্তু এঁওক এরি যাবরো মত নেযায়। সর্ব্বদা চকুৰ নিমিষ নমবাকৈ যেন চাই থাকিম। তেও যেন তৃপ্তি নহয়। নহয়! যাবহে লাগে। নহয় নেযাঁও। যাবহে লাগে। (এই বুলি দোখোজ মান কাঢ়ি পিছলৈ উভতি চাই) অঃ কিয এনে হল? ইযার পরা মুখ ঘূরাই এখোজো যাবর মন নেযায়। (এই বুলি আকৌ দোখোজ মান কাঢ়ি উভতি চালে)।

রাম। ঈশ্বরর কি ইচ্ছা! মোৰ যেনে অবস্থা বোধ হয, সেই স্বর্গ সুন্দরীরো তেনে অবস্থা। নতুবা এই দূরে গই গই উভতি কিয চাব? আরু মোর চকুযে চকু পরিলে সিক্কালে চায। নপরিলে মোর ফালে একে ঠরে চাই থাকে।

নেপথ্যর পরা—আই অ! আইযে মাতিছে।

নবমী। (মনে মনে) অঃ বাইযে মাতিছে মযনো আজি কেনেকৈই যাঁও। ইয়ার পরা যোয়াতকৈ দেখোঁ পরি মরাই ভাল।

রাম। (তদ্রূপ) কোনোবাই এই কন্যাক মাতিছে। মঁয অলপ আঁতর হই, চঁপা ফুলর তললৈ যাঁও।

[এই বুলি চঁপা ফুলর তললৈ গল।

## পেলনীর প্রবেশ।

পেলনী। আই অঃ খবকৈ আহ।

নবমী। (মনে মনে) সেই পুরুষ জনো আতবলৈ গল। আঃ সেই জন গছর্ তলত থিয় হই আছে। হঁ। গোঁসাই! ময় কেনেকেই এঁওক নেদেখি থাকিম? (স্পষ্টকৈ) বাই সখীউক আহিল নে। নাই যদি মাতি আন। সৌ সিফালে গইছে।

## জয়ন্তী আৰু উৰ্ব্বশীর প্রবেশ।

পেলনী। আইটী আহ!, সখীয়ের হঁত আহিল। যাঁও আহ।

নবমী। (মনে মনে) অইন দিনা বাইর কথা শুনিলে কানত মধু হেন লাগে আজিমো এনে কাঠ হেন লাগিছে কিয়? (স্পষ্টকৈ) বাক বল। (এই বুলি দোখোজ মান কাঢ়ি) বাই ময় যাব নোযারোঁ মোর ভরিত কাঁইটে ফুটিছে। (এই বুলি চাপরি ভরি চাবর নাম করি রামর ফালে দৃষ্টি করি) বাই! মোরে শপত আহ। কাঁইটটো উলিয়াহি।

পেলনী। এঃ তোর আকৌ ভরিত কাইট ফুটিল। মোব জানো চকু আছে, তোব কাঁইট উলিয়াব। জয়ন্তী আইটী! সখীয়েকর ভরিত হুনু কাঁইট ফুটিছে উলিয়াহি।

রাম। (মনে মনে) এই চোয়ালীটীর অবশ্যে মোর প্রতি কিবা স্নেহ হইছে, নতুবা এনে বাগতি কিয় করিব? দেখা চোন? কেনেকেই সময়ে সময়ে মোর ফালে চাইছে।

জয়ন্তী। সখি চাঁও কত কাঁইট ফুটিছে। (এই বুলি ভরি চাই কাইট নেদেখি) কতা! কাঁইট নাই ওলাই পরিল হবলা।

উর্ব্বশী। (রামচন্দ্রর প্রতি দৃষ্টি করি মনে মনে) অঃ বুজিলোঁ। এঁওর কাঁইট ফুটা নিচা। এই পুরুষ জনর প্রতি প্রেমর ইচ্ছা স্বরূপ কাইটেইহে এঁওর গতি রোধ করিছে। কিবাহে কথা নেই। (স্পষ্টকৈ) সখি! কাঁইট নাই বলা।

নবনী। (মনে মনে) কি আপদ! (স্পষ্টকৈ) বাক সখি বলা (পথত মনে মনে) কেনেকেইনো যাঁও? আহা! মোর কি দুর্ভাগ্য। যে এনে ঠাইর পরা আহিব লাগিল। যি থাকে কঁপালত সেই হব। মথনো কেনেকেই এই পুরুষ জনক পাম, যে তেঁওবে সইতে ছুআখাব ম.ন কথা কই .তৃপ্তি. হম। মম দেখোঁ বিধবা। ময়তো আরু অইন পুরুষর মুখ চাব নেপাঁও। কিয়নো নেপাঁও, মনতো বিধবা হইছোঁ। হয়। তেও মম কেতিযাও ঈশ্বরর নিযম পেলাব নোয়ারে।। রিপুর অবশ কেতিয়াও হব নোয়ারেঁ।। এইএই নহয় তার প্রমাণ। এতেকে অবশ্যে পুরুষ সম্ভাষ করিব পায। বিবাহর মুখ্য তাৎপর্য্য যি সি যার দ্বারা সিদ্ধি হয় সেইএই স্বামী। মম এঁওক ভজনা করি অন্যর প্রতি মন নকরি থাকোঁ মাত্র তেনে হলে মোর পতিসেবা হল। এজন পতি মরিলেই যে অইন পতি হব নোয়ারে ই কোনো কোনো শাস্ত্রত আছে। থাকিলে কি হয়? শাস্ত্রনো কি? ঈশ্বরর নিযমর ওপরত কোনো শাস্ত্র হব নোয়ারে। আরু তিরোতাই যে এবার স্বামী মরিলে বিধা করাব নেপায় পুরুষেনো কিয় আকৌ পায? ইযাতে থাকি জনা গইছে, সে পক্ষপাত আছে। সেই পক্ষপাত কৃতা কালত চলিছিল। এতিয়া আরু চলিব নোয়ারে।

তার প্রমাণ, পরা হলে এনে নহল হেঁতেন। আরু আমার মনেতেইবা অন্য পুরুষলৈ প্রেম কিয় জন্মিব? এঁওক ভজনা করিলে লোকে অসতী বুলিব? সি নহয়। কিয়নো এঁওক ভজনা করি যদি প্রথম বিবাহিতা স্বামীর দরে এঁওতে পতিব্রতা ধর্ম্ম পালন করোঁ তেনে হলেই সতীত্ব রল। যার স্বামী আছে তাই যদি অন্য পুরুষত আসক্তা হয়, তাই জানো সঁতী? এনে কেতিয়াও নহয়। এতেকে মোর মনত দৃঢ় বিশ্বাস হইছে। ময় এঁওক ভজনা করি পতিব্রতা ধর্ম্ম পালন করিলে কেতিয়াও ধর্ম্মর ওচরত পতিত নহঁও। রাম! রাম! কি কথা ভাবিছোঁ। (স্পষ্টকৈ) রাম! আজি গাটো ববকৈ পুবিছে। নাহরব পাতো আনিব নোযাবিলোঁ।

## শিবকান্তর পদুলী পাই।

উর্ব্বশী। সখি! আমি এই পিনে যাঁও। তুমিও ঘরলৈ যোৱা। রাতিকৈ আকৌ আহিম।

নবমী। বাক সখি!

[ নবমী আরু পেলনীর প্রস্থান।

উর্ব্বশী। নবমী লগর কিবাহে কথা। ' ফুলনী বারির বাঁও কালে চপা ফুলর তলত কোন থিয় হই আছিল দেখিছানে।

জয়ন্তী। দেখিছোঁ। তেঁও মোর এক সম্বন্ধে দেওর হয়। তেঁওর মোমায়েকর পুতেক। তেঁওতেইনে। বাক?

উর্ব্বশী। এতিয়া আমার অইন একো প্রকাশ করিবর আব- শ্যক নাই। নহলেনো লরা মানুহ হাঁতি হেন দিন কেনেকেই খেদাব। গাতেই গম নে পাইছা।

জয়ন্তী। কব নেলাগে। ইয়ার আজি বুজপাম। এঁওবে সইতে আঁগেয়ে তেঁওর সাক্ষাৎ নাই। মুঠে আজিহে হব পায়। হলেও মুঠে সাক্ষাৎ মাত্রহে। হঠাৎ কেনেকেইনো অইন হব। নবমীর যেতিয়া আগবিষা হোষা নাই, তেতিয়াই তেঁও মোমাইএকর ঘরলৈ গইছিল, আজি কেইবা বচর মানর মুরতহে আহিছে। অইন একো হোয়া নাই। পূর্ব্ব পরা যে চিনাকী আছে সিও মনে নধরে। কিয়নো থাকিলে নবমী সেই বিষয়ত এনে আজলা নেথাকিল হেঁতেন। দেখা নাইনে একোকে নেজানে।

উর্ব্বশী। মোবোতো সেইটো মনে ধরিছে। বাক এতিয়া ঘরলৈ যাঁও। কতো ই কথা ফাচ নকরিবা। হবেই কি নহবেই। সখি! যাঁও দেই। রাতিকে এঁকে লগে নবমী লগউকব ঘরলৈ জাম।

[ ইতি ক্রমে ক্রমে নিষ্ক্রান্তাঃ।

চতুর্থ দর্শন।

হরনাথর বাটী।

## হরনাথর আরু নিগদতির প্রবেশ।

হরনাথ। কের নিগদতি!

নিগদতি। দেউতা।

হর। বপারনো কি হইছে অ?

নগ। জানো দেউতা কব নোয়ারো। কালি কামদেউ বপারে সইতে ফুরিবলৈ গইছিল। তরপরা আহি

লরা লরিকৈ শিবপুজা করি, অইন বেলি হলে সারে থাকে, ই বেলি সারেও নে থাকির্ল, ভেনেই শুনে। জানো দেউতা কি হল। কাকো ওচরলৈ যাব নিদিবে। মাজে মাজে একো একোটা বর হনু-নিয়াহ কাঢ়ে।

কর। কিনো কল বাকলি? লরাটর এটানে এটা লগর পরা মুগুচেই। মঘ এই পিনে ফুরি আহোঁ গই। তয় ইয়াতে থাক, হোঁকোটো আরু কঠ:টা আছে।

[ইতি প্রস্থান।

কামদেবের প্রবেশ।

কামদেব। নিগমতি! বন্ধু কত আছে?
নিগ। বাপা! তেঁওর কালিয়ে পরা গা বেযা।
কাম। বাক মোর কথা কগই যা।
নিগ। বাক বপা!

[ইতি প্রস্থান।

নেপথ্যরপরা। বপা বঁহা! বন্ধুবের যাবলৈ ধরিছে?

রামচন্দ্রর প্রবেশ।

রামচন্দ্র। বন্ধো! আহঁা!
কাম। গাবেয়া বোলে। কিনো হইছে?
রাম। মেধর শরীযাতো তুমি জনাই।
কাম। নহয় তেও ভালকৈ কোয়া চোন?
রাম। বন্ধো! যদি তুমি ভাল করা তেহে ভাল, নতুবা মরণ।
কাম। বাক! কোয়া। মোর যত্নত ক্রটী নহয়।
রাম। বোলা বন্ধো! হেকান নেপারা আরু মোসোমঁরাত।

কাম। বাক!

রাম। কালিসন্ধ্যা বেলিয়া মোক, ফুলনীর বারির মাহর গছর তলত থই তুমি ফুল তুলিবলৈ গলা। মোর টোপনীয়ে ধরিলে দেখি তাতে অলপ শুলোঁ। তাতে কেইজনি মান তিরোতার হাঁইত মোর টোপনী ভাগিল। সার পার দেখোঁ এটী অতি রূপবতী স্বৰ্গর অপেস্বরা যেন ঢোয়ালী, মোর ইকালে যেন আছিছে। তেঁওর সধবার লক্ষণ নাই। তেঁওক দেখিবর পরা মোর মন অস্থির হইছে। তেঁওক নেপালে বন্ধু মন নিশ্চয় মরিম। তেঁওরো মোর প্রতি মন থাবমান হোষা প্রমাণ পাইছো। কথা বার্ত্তা হবলৈ নোয়ারিলোঁ। বন্ধো! যদি তুমি রক্ষা নকরা, তেন্তে মোর মরণ জানিবা। এতিয়া তোমার হাতত পরিলোঁ। যি বোলা যি করা সেই হব।

কাম। বন্ধো! কোনটীনো? তিনটী ঢোয়ালী আছিল দুটী বিধবা এটী সধবা।

রাম। এই দুটীর এটী।

কাম। কোনটী?

রাম। মর নিচিনো তেও যিটী বয়সিযাল আরু দীঘলিকৈ সিটী নহয়।

কাম। অঃ বুজিলো। নবমী? শিবকান্তরজীএক?

রাম। নবমীনে? হঁা নবমী! মহানবমী! যদি তুমি উদ্ধার নকরা, মোর দশমী দশা উপস্থিত। (স্বগত হঁা প্রিয়ে নবমী!)।

কাম। বন্ধো! তুমি বলিষা হলানে কি? এনে নকবা। স্থির হই থাকা। মন ইযার প্রতি বিহিত যত্ন করিম।

রাম। কি কম! বন্ধো! কালি তুমিযে সইতে ফুলনীর পেরা আহোঁতে বাটত কি কলোঁ কি মিলিলোঁ একো মনত নাই। ঘরত শিব পূজা করিবলৈ বহিলোঁ। কিন্তু ধ্যান করাত সেই সুন্দরীরেইহে মনত পরিছিল। তেঁওর রূপ লাবণ্যহে মোর নয়নর পথত পথিক হই আছে। বন্ধো! তোমার ওপরতে সর্ব্বভরসা।

কাম। ঈশ্বরে করিলেহে করা।

রাম। সাবধান! যেন প্রকাশ নহয়।

কাম। মোর আগত কব নেলাগে। এতিয়া ময যাঁও তুমি ভিতরলৈ যোযা। অস্থিরর কর্ম্ম নহয়। অস্থির নহবা।

[ রামচন্দ্রর প্রস্থান।

কাম। নবমীর সইতে বন্ধুর তেনে সংঘটন হোযা অতি অনুচিত। বিধবা চোযালী, শাস্ত্রব নিষিদ্ধ কথা। এতেকে তেঁওর মন পালটাব লাগিব।

[ ইতি প্রস্থান।

---

পঞ্চম দর্শন।

শিবকান্তর বাটী।

## ফুলেশ্বরী আরু সয়ন্ত্রীর প্রবেশ।

সয়ন্ত্রী। আই! জীয়ার বোলে কিবা নরীয়া হইছে?

ফুলেশ্বরী। হয় হে আই! আমার তেনে কপাল তাক কি কম? সিদিনা মাথোন চোযালী জনি নরীয়ার পরা উঠিছে, তেতিযারে পরা থিনাই যাব লাগিছে। তেও কালি

গধূলী ফুলনীর কালে ফুরিবলৈ গইছিল। তার পরা আঁহি একো খোয়াও নাই বোয়াও নাই ভেলেই আছে। গাভরু চোয়ালী মুখ চুখ লাগিছে হবলা।

সযন্ত্রী। তোমার তাঁয়াক দেখিলে মনত বেজার ধরে।

ফুলে। বেজারর কথা কি কম আই! গঙ্গাতীরর পেরা অহাঁত চুরি, ঢেরী জুমুকা আরু এনে কেতবিলাক সোণ রূপর ভাল ভাল অলঙ্কার তাইলৈকে অধিকারে আনিছিল। এতিয়া কোনে পিন্ধিব ?• সেই বোর দেখি তেঁও কান্দে মযো কান্দো। আরু আই! সিদিনা মিতিনিউকর তর পেরা এটা রেী মাচ দি পঠাইছিল। চোযালী জনিযে নেখায দেখি এটাইকে দিলোঁ। ময নেখালোঁ। এতিয়া তাইর নিমিত্তেই আমার ঘরত এটাই বিলাক নিরামুহীযা আগ্লাহে। মাচর আগ্রা প্রায নহযেই।

সযন্ত্রী। নরীয়াটোনো কি? তোমোলাকে নেজানানে?

ফুলে। আমার আগত নকয়। কালি জয়ন্তী আইটীর মুখেছে শুনিলোঁ হুনু. নোযাই ভোলনী হবর পিছ বেলি নোযারা হবরে পেরা বরকৈ গা যায। লরা মানুহ বুজিব নোয়াবে। জান যদি আই হে চোযালী জনির মুখটোকে ভাক্তি দেগই যা।

সযন্ত্রী। বাক আই! 'ময সাঁজ বেলীযা আহিম।

[ সয়ন্ত্রীর প্রস্থান।

জয়ন্তীর প্রবেশ।

জয়ন্তী।• আমই! সখীব কেনে করিছে?

ফুলে। এঃ কেনে করিব? আমি শুধিলে জানো সখীয়েরে কিবা কয়। ময় মাতি দিও তয শোধ। আই

নবমী আইটী ! অ আইটী——কলবালৈ গল, শুনে হবলা ? হের সোণফুলি ! আইদেযেরক মাতি দে হেনে জয়ন্তী আইটী আছিছে।

নেপথ্যব পরা—আই গইছোঁ। সখি ! বহাঁ ! সোণাফুলী ! তামোলর বটাটো লই আহ।

## নবমীর প্রবেশ।

ফুলে। (জয়ন্তীর প্রতি) মাই ! ময যাও দেই। (নবমীর প্রতি) তব সখীযেরে সইতে ধেমালী করি থাক।

উভয়ে। বাক আই যোযা।

[ ফুলেশ্বরীর প্রস্থান।

জয়ন্তী। সখি ! তোমার মো কি হইছে ?

নবমী। সখি ! মরিবলৈ ওলাইছোঁ।

জয়ন্তী। ছিঃ শক্রব মুরে মেওচন কেঁওচন যাওক। এনে কথা কব নেপায।

নবমী। আর সখি ! আমাব মরাই ভাল।

জয়ন্তী। কি কোযা চোন ?

নবমী। রহস্যে রাখিবা আরু মোর উপকারলৈ যতন করিবা। শপত খোযা ?

## বটা সহিত সোণাফুলীর প্রবেশ।

জয়ন্তী। বাক ! খালোঁ।

নবমী। নহয় ভালকৈ খোযা। সোণাফুলী তাতে বটাটো থই-তয যা।

[ সোণাফুলীর প্রস্থান।

জয়ন্তী। বাক সখি! তোমার শপত! তেঁওর শপত, আইর শপত, বাঁইর শপত,। এতিয়া কোৱা?

নবমী। সখি! কালি ভরিত কাঁইট পাইছিলানে?

জয়ন্তী। নাই! কিবা শক কাঁইট ফুটিছিল হবলা। আপুনি ওলাই পরিল।

নবমী। মোৰে শপত সখি সঁচাকৈ কবা। কিম ফুটিছিল জনা নাইনে?

জয়ন্তী। তোমার শপত জনা নাই।

নবমী। মম পিয় হুই থকা ঠাইর পশ্চিমে ফুলনী বাৰিৰ বাঁও ফালে চঁপা ফুলর পোনে চোৱা নাইনে?

জয়ন্তী। তেনেকেই নাই। কিসম্বো?

নবমী। তাত এজন আছিল! সেই জনক দেখিবর পেরা সখি! অস্থির হইছোঁ। দিনে রাতিযে তেঁওকৈ ভাবি আছোঁ। কালি বাটত কি কথা হলোঁ নহলোঁ একো মনত নাই আৰু সখি চোৱা চোন সপোনতো তেঁওকহে দেখোঁ। তেঁওকেহে যদি নেপাও ডিঙ্গীত কটারি দি মরিম।

জয়ন্তী। (মনে মনে) উর্ব্বশী লগে যি কথা কইছিল সঁচা হল। (স্পষ্টকৈ) তুমি তেঁওক চিনানে?

নবমী। সখি! নিচিনো।

জয়ন্তী। (মনে মনে) উর্ব্বশীর সকলো কথা সচা। (স্পষ্টকৈ) সেই ফুলনীলৈ যিজন গইছিল সেই জন মোৰ এক সম্বন্ধে দেওর হয়। তেঁওর মোমাইয়েকৰ পুতেক। তেঁওৰ নাম রামচন্দ্র, মাতোতে রাম বুলি মাতে।

নবমী। হা রাম! রাম! রাম! সখি মোক এতিয়া জা করা।

জয়ন্তী। বাক সখি! মম যতন করিম। তুমি অস্থির

মহবা। মম তেঁওক ঘরলৈ মাতি নি বুজাই পরাই তোমাক দিযাম।

নবমী। সখি! বুজাব নেলাগিব। তেঁওরো মোলৈ মন থকা প্ৰমাণ পাইছোঁ।

জয়ন্তী। বাক সখি! তেনে হলে নেভাবিবা। স্থির হই থাকা এতিযা মম আহিলোঁ।

নবমী। বাক! মরো এতিযা ভিতরলৈ যাঁও। সখি যেতিয়া-লৈকে তোমার সম্বাদ নেপাঁও, তেতিযালৈকে মরি থাকিম।

[ইতি নিষ্ক্ৰান্তাঃ।

## দ্বিতীয় অঙ্ক সমাপ্ত।

# তৃতীয় অঙ্ক।

## প্রথম দর্শন।

হরনাথর বাটী।

হরনাথ, দেবদত্ত আৰু ৰঙ্গনাথৰ প্রবেশ।

হরনাথ। ককাই! মোমাইয়েকর ঘরর পোৱা আহিবরে পরা লরাটোর অন্তাই নাই।

দেবদত্ত। ওঁতো! দেখিছোঁ। সি হনু আকৌ মোমায়েকর ঘরলৈ যাব। কেই দিন মান থাওক। ফাঁকুয়া বামনবমী আরু বিহু আহিছে। পিছেও যাব।

রঙ্গনাথ। মযোতো ককাই তাকে কঁও।

হর। মোরো পঠিযাবর ইচ্ছা নাই। মাকেও পঠাব নোখোজে। মোমাইযেকর লরা চোবালী নাই তাকে বর মরম করে। এতিনি চোয়ালীও খুজিছে। সি কেই মাহ মান থাওক।

দেব। লরা পঢ়ি শুনি উঠিছে। কিবা কর্ম্ম কাযর চেষ্টা পাইছানে?

হর। এঃ ককাই তোমোলাকর আশীর্ব্বাদে জীযাই থাওক মাথোন। "চাকরী" করিব লেলাগে? তোমোলাকর ভরির ধুলীরে এনেই খাই বই থাকিব পারিব।

দেব। নহয়। তেও এটা "কাম" থাকিলে ভাল। তেহে মানুহে জানে আরু ভয় করে। কাম নেথাকিলে

অইন হেজার হওক, মানুহে মানুহ হেন দেদেখে। বর সাহাবর তলৈ গলেই তোমার পোঁষার কাম হব। সেই সাহাবর গুণব কথা কি কম ? যিবিলাক • সদগুণ মানুহর থকা উচিত সেই সকলোঁ তেঁওর আছে।'

রঙ্গ। এতিয়া এনেহে দিন পরিছে যে কাম নেথাকিলে হেজার বর মানুহর কি সম্ভব ঘরর লরা হওক, হাজার ধন থাঁওক, তেও এখন দোলাত উঠিলে কি ববজাপী এটা ধরাই গলে কোনো কোনো চকুপোবা মানুহে বোলে " এই ডাল বা কেনে ? কাম নাই কায নাই শুদা ভেম মারি ফুরে " এই বিলাক মানুহরনো গিযান কাহানি হব দেও ?

হর'। এঃ কিবা কোযা ! সেই বিলাকর বিবেচনা নাই। সেই দেখিছে তেনেকেই কয। কাম হলেই যে পরর ভত আপোনার স্বাধীনতা স্বরূপ রত্নে সইতে শরীরটী বিক্রয করিব লাগে ভাক নেজানে। পিতৃ মাতৃ হই লরাক যদি সেই দরে শরীরটোকে বিক্রয করিবলৈ দিলেঁ। তেন্তে ই সজ পিতৃ মাতৃ আরু উপকারীর কর্ম্ম নহল। নোযারা নোযারাভহে চাকরীলৈ মন দিব লাগে। ইযাক মানুহে বিবেচনা নকরে। এজনক আমার ইয়ার'এজনে "তোমার অমুকর দরে ভাল চাকরী হওক " বুলি আশীর্ব্বাদ করিছিল। তাতে সেই জনে তাত তেনে প্রশ্ন করাত আশীর্ব্বাদক জনর থকত ঠাই নাই। দুর্ব্বাসার দরে হোবা হলে সর্ব্বনাশ হল হঁতেন। এরি পেলোযা দেও সেইবিলাক নেগুরিয়া কথা। হের দিগদতী বাপাক মাতচোন।

## নিগদত্তির প্রবেশ।

নিগ। দৌতা, বাপা বর বপার ঘরলৈ গইছে, ভিতরর জুনু কিবা কিবি কৈঁযা পটীর পেরা আনি দিব লাগে।

হর। বরবপা জানো ঘরত নাই ?

নিগ। আজি প্রত্যুষে রাজকার্য্যত পবগনালৈ গল। একো কিনি বিকি ঘরত দিবও নোযাবিলে। সেই দেখিছে আমার বপাক কই গইছে। তেঁও অলপতে মাথোন গইছে।

হব। ককাই, মুক্তিয়ারর ঘরলৈ যাও বলা। তাতে চুচাল মান চৌপট খেদি আহোঁগই। দিনটো নেযায নুপুরাই দেও।

[ইতি নিষ্ক্রান্তাঃ।

### দ্বিতীয় দর্শন।

শিবকান্তর বাটী।

## নবমী, আৰু জয়ন্তীর প্রবেশ।

নবমী। সখি! তুমি যাবরে পেরা ময যেনেকৈই সময খেদাইছো তাক কবর ঠাই নাই। নিমিষকে বচর হেন দেখিছিলোঁ।

জয়ন্তী। এনের এনেই কথা। ভুকুতে কলটো পকাব পারিনে? তোমার যে কার্য্য সিদ্ধি হবর লক্ষণ হইছে।

নবমী। সখি! মোরে শপত; বধলাগে। কোযা, কি হল? কি বুলিলে, মোরে শপত, সোনকালে?

জয়ন্তী। তুমি মন দি শুনা কি কি হল। তেঁও পবগণালৈ গল। ততাতুষাকৈ যোযাত বস্তু বেহানি কিনি বিকি

দিব নোঁৱারিলে, তোমার তেঁওব আগত ( নবমীর দীর্ঘ নিশ্বাস ) কই গইছিল। তাতে তোমার তেঁও ( পুনর্ব্বার দীর্ঘনিশ্বাস ) বস্তু বেহানি কিনি দিবলৈ আহিছিল সেই ছলতে মধ কলোঁ। হেনে সখীয়ে তোমাক চাব খুজিছে তাতে তেঁও মাস্তি হইছে আরু তোমালৈ মরমেরে হাতর আঙঠীটী দি পঠাইছে। ( এই বুলি আঙঠীটী দিলে )

নবমী। ( আঙঠীটী চুম্বন করি ) সখি! তোমাব প্রতি মধ যে কিমান সন্তুষ্ট হইছোঁ কব নোৱারোঁ। যিমান দিন জীযাই থাকিম সিমান দিন বাধিত হম। তুমি পিতৃ মাতৃর কার্য্য করিলা। সখি কতনো? কেনেকেই?

জযন্তী। আজি আমার ঘরলৈ তোমাক শুবলৈ মাতিম। আমইবে এরি দিব। তাতে সখি! মধ এতিয়া আম-ইত তোমার যাবর কথা কঁও গই।

নবমী। সখি! যেতিয়ালৈকে তুমি মোক নিবলৈ নাহা তেতিয়ালৈকে মধ বাট চাই থাকিম।

[ জয়ন্তীর প্রস্থান।

নবমী। ( মনে মনে ) হে জগদীশ্বর মোর প্রতি প্রসন্ন হোৱা। আজি যেন কার্য্যটী সিদ্ধি হয়। হে কামদেব! নাথ সম্ভাষণর নিযম শিকাই দিয়া।

[ ইতি প্রস্থান।

## তৃতীয় দর্শন।

রাজআলী।

### মঙ্গলুর প্রবেশ।

মঙ্গলু। হেঁই আই! কুসলনো কাব নাম। তাকে ভাবি চিন্তি উলিযাব নোবারিলোঁ। কোনমো হল? চোযালী জনি বর দুষ্ট। তেও তাইর মোলৈ মন থকা জানা যায়। বাক ঈশ্বরে গি কবে। মব যতন নকবোঁ। বণিযা কুকুবর পুতেকে কামসেন্দুর নিদিলে। বোলে হেনে নাই। পোযা হলে কথাই আছিল।

### হরিপ্রিয়ার প্রবেশ।

হরিপ্রিযা। নবমী আইটীর গা বেগা আছিল বোলে। বাক হইছেনে?

মঙ্গলু। অলপ করিছে হেন দেখিছোঁ আই।

হরি। আইর আগত কবি কেই থন মান শক সূতাব চেলেঙ লগাইছোঁ কিনে যদি কিনিব।

মঙ্গলু। বাক আই! কম।

[ হরিপ্রিয়ার প্রস্থান।

মঙ্গলু। কি যুতিযেরেণো এই কথার সন্তেদটো লঁও। মব কোন রূপে পাঁও।

### নিগতির প্রবেশ।

নিগদতি। হের তয কোন অ। এই দরে বাটে বাটে বলকি যাব ধরিছ?

মঙ্গলু। কিয় দেখা নাইনে? মানুহ। দুখন হাত, দুখন ভরি, দুখন কান, এটা নাক দুটা চকু আছে। দেখা নাইনে। এই মানুহটো বাক! দেখিও নেদেখে।

নিগ। বোলোঁ তয় কত থাক?

মঙ্গলু। কিয় মাটীর ওপরত, আকাশর তলত, খুটার কাষত কেতিযাবা বা ঘরর ভিতরত কেতিযাবা বাহিরত।

নিগ। তোর ঘর কত?

মঙ্গলু। মাটীর ওপরত। আগেযে কথা বুলিছে জানিছিলোঁ। এতিযা জানিলোঁ তয় কলাও। এতিযাই দেখোঁ কলোঁ শুনিলিনে? কটা ইও এটা মানুহ। থাইনে চাই!

নিগ। কার ঘরত থাক?

মঙ্গলু। তাকে নকয় কিয়? শিবকান্ত ডাঙ্গরীযার ঘরত

নিগ। তয় কার পুতেক?

মঙ্গলু। আইর।

নিগ। আইর পুতেক! ই কি অ?

মঙ্গলু। ইযাকে বুজিব নোযারিলি। মোর আনো বোপাইর ঠিকনা আছে? কার নামনো কম?

নিগ। তয় তেনে হলে জহরা?

মঙ্গলু। তয় যে জহরা সাপেহে সাপর ভরি দেখে। তব জহরা সেই দেখি মোকো জহরা হেন দেখিছ।

নিগ। কটা! ই মানুহটো বর দুষ্ট।

## হরনাথর প্রবেশ।

হরনাথ। নিগদতি তয় ঘরলৈ যা। ঘরত কোনো নাই। ময় এই কালর পেরা আহোঁ।

[ইতি প্রস্থান।

